# মহাভাৰত।

# বিৰাট পৰ্ব্ব।



৺ কংসাৰি কবি দ্বাৰাই ৰচিত।

—:*:—

শ্রীদুর্গাধৰ বৰকটকীৰ দ্বাৰাই

সংগৃহীত আৰু প্ৰকাশিত।

যোৰহাট, আসাম।




কলিকতা।

৬নং কলেজ-স্কোৱাৰ, সাম্য-প্ৰেচে,

শ্রীউপেন্দ্রনাথ দাস দ্বাৰা মুদ্রিত।

১৮৪৫।

মূল্য ১।০ পাঁচ সিকি মাথোন।

# পাতনি।

—:*:—

আমাৰ ভাষাত গোটেই মহাভাৰত আৰু ৰামায়ণ সাঁচিপতীয়া পুথিৰ আকাৰত এঠাইত এখণ্ড এঠাইত এখণ্ডকৈ আছে। আজি বহুত দিনৰ পৰা এই পুথিখিনি গোটাই শক্তি অনুসৰি ছপাই ৰাইজৰ আগত ডাঙ্গি ধৰিম বুলি আশা কৰি আছিলোঁ। এতিয়া এই কাৰ্য্য হাতত লবলৈ স্থিৰ কৰি সৰ্ব্বপ্ৰথমতে এই "বিৰাট পৰ্ব্ব" খনি ছপাবলৈ ওলালোঁ। এই প্ৰথম বাৰত বহুতো ভুলচুক থাকি যাব। কিন্তু আশা কৰোঁ পুনৰ ইয়াক ছপোৱাত ইয়াৰ সকলো দোষ দূৰ কৰি উলিয়াব পাৰিম। যেয়া হলেও মাতৃভাষাৰ পৰি থকা পুথি আমাৰ ৰাইজে ছপাত দেখিবলৈ পাই নথৈ সন্তোষ পাব। এই ভাবিয়েই এই কাম হাতত ললোঁ।

এই পুথি কামৰূপৰ কায়স্থ বংশজাত ৺ কংসাৰি কবিৰ দ্বাৰা ৰচিত। এওঁ এজন শঙ্কৰদেৱৰ সমসাময়িক পণ্ডিত। এওঁ এই পুথিত বাজেও আৰু বহুত পুথি ৰচি গৈছে সেই পুথিবোৰ গোটাবলৈ যত্নবান আছোঁ। সেইবিলাকৰ পৰা উদ্ধাৰ কৰি এই কবি সম্বন্ধে আমি ৰাইজক আৰু জানিবলৈ দিব পাৰিম।

শ্ৰীদুৰ্গাধৰ বৰকটকী।



শ্রীকৃষ্ণায় নমোনমঃ।

# বিৰাট পৰ্ব্ব।

পদ।

জয় জয় দৈবকীনন্দন দামোদৰ।
ভকত বৎসল নমো সৰ্ব্ব বিঘ্নি হৰ ॥
কৃষ্ণৰ চৰণে কৰোঁ সহস্ৰ প্ৰণতি।
হৃদয়ত থাকি মোক দিয়োক সুমতি ॥১
উত্তম জনক মই কৰো নমস্কাৰ।
অল্পমতি দেখি দোষ ক্ষেমিৰা আমাৰ।২
গৰুড়ৰ উড়াৰ যদ্যপি সম নাই।
পখা অনুৰূপে পক্ষী তেবে কি নুড়ই ॥৩
ধৌম্য পুৰোহিত আৰু ৰাজা যুধিষ্ঠিৰ।
দ্ৰুপদৰ নন্দনী কনিষ্ঠ চাৰি বীৰ ॥৪
এই সাত জনে গূঢ় সমাজ পাতিল।
চাৰি ভাইক সম্বোধিয়া নৃপতি বুলিল ॥৫
দ্বাদশ বৎসৰ থাকি বঞ্চিলোঁ নিৰ্জ্জনে।
চিনিবে নপাৰে কেহো হেন জানা মনে ॥৬

সেব্য সেৱকৰ ধনুৰ্ব্বান ঋষিগণে।
অৰণ্যতো নেড়িলে বান্ধৱ নাৰায়ণে ॥৭
সুখে দুঃখে দ্বাদশ বৎসৰ বহি গৈল।
অজ্ঞাত বৎসৰ ত্ৰয়োদশ আসি ভৈল ॥৮
কোন ৰাজ্যে বঞ্চিবো যাইবোঁহো কোন ঠাই।
কোন কৰ্ম্ম কৰিবোঁ আমৰা পঞ্চ ভাই ॥৯
আমাৰ একক যদি চিনে এক জনে।
দ্বাদশ বৎসৰ থাকিবাক লাগে বনে ॥ ১০
হেনয় শঙ্কট আছে বৎসৰ মাসত।
থাকিবাক লাগে আন ৰাজাৰ ৰাজ্যত ॥১১
কুটকপটৰ গুৰু অন্ধকৰ সুত।
ৰাজ্যে ৰাজ্যে গুঢ় চৰ পঠাইছে বহুত ॥১২
তাহান চড়িয়া যেন নিচিনে আমাক।
আলচি যুগুত কৰ্ম্ম লাগে কৰিবাক ॥১৩
কহিয়ো অৰ্জ্জুণ ফুৰি আছা বহু দেশ।
কোন ৰাজা নিৰাজত সম্পূৰ্ণ সুবেশ ॥১৪
যি ৰাজ্যে যে বঞ্চিবো এড়াবোঁ দুস্থ ভাৱ।
বৈৰৰ মুণ্ডত যেন পৰে চাৰখাৰ ॥১৫
ৰাজাৰ বচন শুনি অৰ্জ্জুন বদতি।
ধৰ্ম্মৰে ঋষিৰ বৰে এড়াইবো দুৰ্গতি ॥১৬

তথাপি কহিবোঁ ৰাজ্য জানো যত মানে।
বাচি লৈবা আপুনি বঞ্চিবো যিবা স্থানে ॥১৭
সুৰসেন পটেশ্বৰ দশাৰ্ণ পাঞ্চাল।
সৌৰাট অবন্তি মল্ল বিদিসল সাল্ব ॥১৮
যুগন্ধৰ কুন্তেলাট সৰিৰ ·ন্ধল।
বাচি লবা ৰাজা যেহি মনে অনুকুল ॥১৯
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো ভ্ৰাতৃগণ।
মৎস্য নগৰিত মোৰ থাকিবাক মন ॥২০
ধৰ্ম্মৱন্ত কুলৱন্ত বৃদ্ধ মৎস্য ৰাজ।
তাঙ্ক সেবা কৰিলে নাহিকৌ কিছু লাজ ॥২১
আনো এক কথাখানি পুচোহেঁ সবাতে।
কৰ্ম্ম কৰিবাক লাগে পৰৰ সেবাতে ॥২২
কোনে কোন কৰ্ম্ম কৰিবাহা বিৰাটৰ।
হেন শুনি ধনঞ্জয়ে বুলিলা উত্তৰ ॥২৩
আমাক লাগিয়া তুমি নকৰিবা মৰ্ম্ম।
তোমাক সেবিলোঁ কৰি আছে তব কৰ্ম্ম ॥২৪
তুমি কিছু কৰ্ম্ম জানা ৰাজা ৰাজ্যেশ্বৰ।
কেন মতে সেবা কৰিবাহা বিৰাটৰ ॥২৫
যুধিষ্ঠিৰে বোলন্ত বঞ্চিবোঁ দুস্থ কাল।
বিৰাট নৃপতি শুনোঁ বৰহি পাসাল ॥২৬

পাসা খেলি কৌতুক কৰাইবোঁ ৰাত্রি-দিন।
মোহমত্ত হৈবো মোক নেদেখিবে ভিন ॥২৭
সাজি পাসা-বাৰি দিবোঁ হস্তিৰ দন্তৰ।
কৃষ্ণ-ৰক্ত চিহ্ন বৈদুৰ্য্যৰ সুবৰ্ণৰ ॥২৮
পাসা জিনি নিবোহোঁ সুবৰ্ণৰ লস।
এহি কৰ্ম্মে নৃপতিকো কৰিবোহো বস ॥২৯
চাপ সমে সাজিবোহো কৰি বিতোপন।
পাঞ্চ গুটি পাস বটি হস্তিৰ দশন ॥৩০
চাৰিৰ পিঠিত চাৰি চাৰি ঠাইত চিহ্ন।
খেলাইবাৰ বেলা যেন দেখি ভম্ন ভিন্ন ॥৩১
বৈদুৰ্য্য শ্যামল বৰ্ণ সুবৰ্ণ ৰচিত।
ইন্দ্রলব কৃষ্ণবৰ্ণ প্ৰবালে লোহিত ॥৩২
পাসা খেলিবাৰ চৰ্ম্ম সাজিবোঁ কুশল।
চকত লগাইবোঁ তাত সুবৰ্ণৰ জল ॥৩৩
যেবে মোত পুচে তেবে কহিবোঁ ৰাজাত।
কঙ্ক নামে দ্বিজবৰ জগতে প্ৰখ্যাত ॥৩৪
মোৰ প্ৰিয় সখা যুধিষ্ঠিৰ ধৰ্ম্মৰাজ।
আমাক এড়িলে তেবে তৈতে বন মাঝ ॥৩৫
এহি ৰূপে খ্যাত হৈবো বিৰাট ৰাজ্যত।
একো জনে নিচিনিব অজ্ঞাত বাসত ॥৩৬

ভীমে কোন কৰ্ম্ম কৰিবেক বিৰাটৰ।
তেতিক্ষণে ৰাজাক মাতিলা বৃকোদৰ ॥৩৭
বিৰাট ৰাজাৰ মই হইবোঁ সূপকাৰ।
ৰান্ধিবো অন্ন সূপ ব্যঞ্জন সম্ভাৰ ॥৩৮
আৱৰ্ত্তিবোঁ বহু বিধ দুগ্ধ নিতে নিত।
সাজিবোঁ দুগ্ধ পিণ্ড কৰি দিব্য ঘৃত ॥৩৯
পৰ্ব্বত সমান ভাবে আনিবোহো খৰি।
তেবে হৈবো অন্ন ব্যঞ্জনৰ অধিকাৰী ॥৪০
অন্ন ব্যঞ্জনক মই পেট ভৰি খাইবো।
বিস্তৰ কালৰ খঁক তেবে পাসৰিবো ॥৪১
সিংহ বাঘ সমে যদি যুঁজাৱে আমাক।
তাহাক যুঁজিয়া তুষ্ট কৰাইবো ৰাজাক ॥৪২
এহি কৰ্ম্ম দেখি দায়া কৰিবেক মোক।
যেন নৃপতিক দায়া কৰে সৰ্ব্ব লোক ॥৪৩
ৰাজাৰ শত্ৰুক যদি যুঁজাৱয় মোক।
তেতিক্ষণে তাহাক পঠাইবো যমলোক ॥৪৪
কৌতুকে যুঁজয় নৃপতিৰ মন্ত্ৰী-পাত্ৰ।
খলে নমাৰিবো যুদ্ধে জিনিবোহো মাত্ৰ ॥৪৫
নৃপতিক কহিবো বল্লৱ মোৰ নাম।
যুধিষ্ঠিৰে শিখাইলন্ত সূপকাৰ কাম ॥৪৬

এহি মতে থাকিবো বিৰাট নগৰত।
কোন কৰ্ম্ম কৰিৱন্ত পুচা অৰ্জ্জুনত ॥৪৭
অৰ্জ্জুনক লাগি ধৰ্ম্মে কৰিলন্ত শোক।
এহি ৰূপে গুণে ভাই কৈত লুকায়োক ॥৪৮
খুণ্টিভাণ্ডে হাথিকোলে পাৰে লুকাইবাক।
কতনো ললাট বিধি দিলেক আমাক ॥৪৯
সকলে আছয় মহেন্দ্ৰৰ যত গুণ।
মাধৱতো কৰি কিঞ্চিতেকো নাহি নূন ॥৫০
ৰুদ্ৰৰ লগত গৈলে ৰুদ্ৰৰ সমান।
আদিত্যৰ লগে গৈলে আদিত্যৰ ঠান ॥৫১
ত্ৰিদশৰ বৈৰী ইন্দ্ৰো নোৱাৰন্ত যাক।
এক খান ৰথে চড়ি মাৰিলন্ত তাক ॥৫২
অগ্নিক তুষিলা বন খাণ্ডব দাহিলা।
ত্ৰিদশ সহিতে ইন্দ্ৰ দেৱক জিনিলা ॥৫৩
মহেন্দ্ৰৰ অৰ্দ্ধাসন পায়া বীৰবৰ।
দিব্য অস্ত্ৰ শিখিলন্ত পঞ্চম বৎসৰ ॥৫৪
তিনি লোক মাঝত সমান নাহি যাৰ।
সিটো কৰ্ম্ম কৰিবাক নোৱাৰে পৰৰ ॥৫৫
উলুপী ভগিনী সৰ্প ৰাজ বাসুকীৰ।
নিজ বাহু বলে জিনিলেক মহাবীৰ ॥৫৬

শঙ্কৰতে সম বল পৰাক্রম যাৰ।
সিটো কেন মতে কৰ্ম্ম কৰিবে পৰৰ ॥৫৭
দুয়ো হাতে ধনু ধৰি প্রহাৰন্ত সৰ।
বৃষভৰ কান্ধ যেন দুয়ো হাতে কৰ ॥৫৮
তাতে সব্যসাচী নাম খ্যাত ত্রিজগতে।
এহি হাত দেখি নিচিনিবে কেন মতে ॥৫৯
দুই কৰ্ণ মানে কৰ ভৈল ধনুগুৰ্ণ।
তাক দেখি কোনে নুবুলিবেক অৰ্জ্জুন ॥৬০
আজ্ঞানুলম্বিত বাহু কৰি-কৰ সম।
চকোৰ নয়ন সিংহ সমান বিক্রম ॥৬১
ইন্দ্রে শিৰে ৰত্নময় কিৰিটি বান্ধিল।
সূৰ্য্য সম জ্বলে অঙ্গ সহিতে মিলিল ॥৬২
ইয়ো কৰ্ম্ম অৰ্জ্জুনৰ খ্যাত পৃথিবীত।
তাক দেখি লোকে নিচিনিবে কোন চিত্রে ॥৬৩
অৰ্জ্জুন বদন্তি নৃপতিৰ মুখ চাই।
মোক লাগি ৰাজা কিঞ্চিতেকো শঙ্কা নাই ॥৬৪
প্রতিজ্ঞা কৰিয়া ধৰো নপুংসক বেশ।
শৰীৰৰ চিহ্ন তেবে ঢাকিবো নিশেষ ॥৬৫
দুই মুষ্টি শাঙ্খ পিন্ধবোহো দুই হাতে।
দুই হাতৰ চিহ্ন মানে লুকাইবেক তাতে ॥৬৬

কুণ্ডল পিন্ধিবো কর্ণে বাজে ৰুণ ঝুণ।
ধনুৰ গুণৰ কৰ বুলিবেক কোন ॥৬৭
কিৰিটি ঢাকিয়া কেশ বান্ধিবোহো বেনি।
অলঙ্কাৰ আছে বুলি নজানয় যেনি ॥৬৮
দেখেণ্ডি ৰঙ্গৰ বস্ত্রে আবৰিবো গাৱে।
থিয় বন্ধে নূপুৰ পিন্ধিবো দুই পাৱে ॥৬৯
নপুংসকে পঢ়ি ফুৰে নাৰী মুখে কথা।
নপুংসক বেশে মই ফুৰিবো সর্ব্বথা ॥৭০
বিবাহ উৎসবে সুমঙ্গল গীত গাইবো।
অন্তেশ পুৰত আমি বৰ পূজা পাইবো ॥৭১
পুচন্তে বিৰাটে মোক কহিবো কাহিনী।
বৃহন্নলা নামে দ্রৌপদীৰ সেবকিনী ॥৭২
নৃত্য গীত শিখাইবোহোঁ ৰাজাৰ কন্যাক।
মন্ত্রী পাত্র সমে তুষ্ট কৰাইবো ৰাজাক ॥৭৩
চদ্ম ৰূপে থাকিবোহো বিৰাটৰ ঘৰে।
ভস্মৰ অনল যেন নিচিনিবে পৰে ॥৭৪
নৃপতিৰ আগত নকুলে কহে কথা।
অছোৱাৰ হইবো মই নাহি অন্যথা ॥৭৫
ভাল মন্দ লক্ষণ ঘোড়াৰ যত যত।
ঘোড়াৰ চিকিৎসা গুণ আছয় সমস্ত ॥৭৬

ঘূড়ীৰো যতেক গুণ সম বা বিসম।
ঘোড়াক দেখিলে জানো যাৰ যেন গম ॥৭৭
ৰথৰ যতেক ঘোড়া ৰাহুত যতেক।
সবাকো শখাইবো মই প্ৰত্যেকে প্ৰত্যেক ॥৭৮
শিশু ঘোড়া শিশু ঘূড়ী মুহিকয় দুষ্ট।
তাক দেখি বিৰাটৰ হৈব বৰ তুষ্ট ॥৭৯
ৰাজা যেবে সোধে তেবে কহিবো আগত।
পাণ্ডুৰৰ আচাৰ গ্ৰন্থিক নাম যত ॥৮০
সহদেবে বোলন্ত শুনিয়ো মহিপাল।
বিৰাট ৰাজাৰ আমি হৈবোহোঁ গোৱাল ॥৮১
গোষ্ঠক লাগিয়া তুমি পাঞ্চিলা সতত।
তাতে শিখি লঞো গোৱালৰ গুণ যত ॥৮২
গৰুৰ লক্ষণ যত মঙ্গল চৰিত।
গণিবাক পাৰো যোজনৰ দূৰ স্থিত ॥৮৩
বৃষভৰ গুণ জানো পৃথিবীত সাৰ।
যাৰ মুত্ৰ গন্ধে ধেনু ধৰে গৰ্ভভাৰ ॥৮৪
যুধিষ্ঠিৰে থৈলে মোৰ তন্ত্ৰীপাল নাম।
নৃপতি পুচিলে কহিবোহো এহি কাম ॥৮৫
দ্ৰৌপদীক অনুশোচ কৰন্ত নৃপতি।
পাঞ্চাল নন্দনী যজ্ঞ মধ্যে উত্তপতি ॥৮৬

পাণ্ডুৰ বহাৰী পাঞ্চো ভাইৰ প্ৰিয় নাৰী।
সুদেষ্ণাক সেবন্তোক কোন কৰ্ম্ম কৰি ॥৮৭
মাতৃ সম প্ৰতিপাল কৰোঁ দিনে দিনে।
ভগিনৰ সমে পূজা, কৰোঁ ভিনে ভিনে ॥৮৮
গন্ধ চন্দন মাইলে বসন ভূষণ।
আন কিছু নজানন্ত আতেসে যতন ॥৮৯
দ্ৰৌপদী বোলন্ত ৰাজা নকৰিবা শোক।
বিৰাট মহিষী পাইলে নেড়িবন্ত মোক ॥৯০
শৈৰিন্ধ্ৰী থাকয় প্ৰতি নৃপতিৰ স্থানে।
অমান্য নকৰে তাক আপুনি প্ৰমাণে ॥৯১
শৈৰিন্ধ্ৰী স্বভাবে মহাদৈৰ পাশে যাই।
আপোনাৰ কৰ্ম্ম কৰি মাগিবন্ত ঠাই ॥৯২
ফুল গাঁঠিবাক জানো পিসিবো চন্দন।
কেশ কঙ্কিয়াবো জানো পৰম শোভন ॥৯৩
পূৰ্ব্বত আছিলো দ্ৰৌপদীৰ সেবকিনী।
প্ৰতিপাল বিস্তৰক হৈবা এহি জানি ॥৯৪
আপোনাক আপুনি যে ৰাখিবা যতনে।
সেবকিনী সেবক থাকোহো কোন থানে ॥৯৫
নৃপতি মাতিলা দ্ৰৌপদীৰ শুনি বানি।
তুমি যেনে হৈবা তাক আমি আছো জানি ॥৯৬

পাপী দুৰ্য্যোধন সুখী নুহি যেন মত।
এহি কৰ্ম্ম কৰি থাকিবাহা সাবহিত ॥৯৭
ধৌম্য পুৰোহিত তুমি পাঞ্চালক যাহা।
মোৰ অগ্নিহোত্ৰ তুমি ৰাখি থাকিবাহা ॥৯৮
দ্ৰৌপদীৰ সেৱকিনী যতেক সেবক।
সূত সুপকাৰ সমে যাউক পাঞ্চালক ॥৯৯
ইন্দ্ৰসেন মুখ্য কৰি ৰথৰ সাৰথি।
কুৰিখান ৰথ লৈয়া যাউক শীঘ্ৰ গতি ॥১০০
আঠাইশ হাজাৰ ব্ৰাহ্মণক মাতি আনি।
নমস্কাৰ কৰি ৰাজা বুলিলন্ত বানি ॥১০১
হস্তিনাপুৰক লাগি যায়োক সকালে।
ধৃতৰাষ্ট্ৰে পুষিব থাকিবা অবিকলে ॥১০২
যাত্ৰাৰ নিমিত্তে মেঘ খণ্ডিল পাতিল।
সুমঙ্গলে অগ্নি জ্বালি পূৰ্ণাহুতি দিল ॥১০৩
দীপ ঘট পাতিলা যাত্ৰাৰ যত কৰ্ম্ম।
ধৌম্য শিক্ষা মানে কৰিলন্ত সেবা ধৰ্ম্ম ॥১০৪
ধৌম্যৰ যতেক শিক্ষা ধৰিলা মনত।
নমস্কাৰ কৰিলা ধৌম্যৰ চৰণত ॥১০৫
জ্যেষ্ঠ অনুৰূপে নমিলন্ত ভিনে ভিন।
অগ্নিকো দ্বিজকো কৰিলন্ত প্ৰদক্ষিণ ॥১০৬

পাঞ্চো ভাই গৈল দ্রৌপদীক আগ কৰি।
ধৌম্য প্ৰতি মুক্ষে সবাহাঙ্কো পৰিহৰি ॥১০৭
যমুনাক গৈলন্ত সম্মুখে পাঞ্চো ভাই।
চক্ষু দেখিলেক মানে আছিলেক চাই ॥১০৮
চক্ষু যেবে নেদেখৈ সেবক সেবকিনী।
ধৰণীত পৰিলন্ত হিয়ে মুঠি হানি ॥১০৯
হৰি হৰি ৰাজা ভীমসেন ধনঞ্জয়।
জৰঞ্জ কুমৰ দুই মাদৃৰ তনয় ॥১০১
আমাক এড়িয়া তুমি গৈলা কোন থান।
কোনে সেবা কৰাইব কৰাইব কোনে স্নান ॥১১১
শয্যা পাৰি দিবে কোনে আসন বসন।
ধনু যোগাইবেক কোনে কৰাইবে ভোজন ॥১১২
আপোনাৰ কৰ্ম্ম কেনে কৰিব আপনি।
কেন মতে খাইবা আজি কৰঙ্গাৰ পানী ॥১১৩
হৰি হৰি যাজ্ঞসেনী পাঞ্চাল কুমাৰী।
কোন স্থানে গৈলাহা আমাক পৰিহৰি ॥১১৪
কাহাক কৰিবা সেবা যাইবা কোন স্থানে।
তুমি ব্যতিৰেকে কেনে ৰাহবো পৰাণে ॥১১৫
দীৰ্ঘৰাৱে কান্দি বোলে ব্ৰাহ্মণে ব্ৰাহ্মণী।
আমাক ত্যজিয়া গৈলা দ্রুপদ নন্দনী ॥১১৬

কাহাত খুজিবো কোনে দিবে অন্ন পান।
কৈক লাগি যাইবোহো থাকব কোন স্থান ॥১১৭
দ্বিজগণ গৈল ধৃতৰাষ্ট্ৰৰ সমীপ।
সবাহাঙ্কা পুষিলন্ত ধৃতৰাষ্ট্ৰ নৃপ ॥১১৮
সেবকিনী ভৃত্যগণ ধৌম্য পুৰোহিত।
দ্ৰুপদ ৰাজাৰ নগৰত ভৈলা থিত ॥১১৯
ইন্দ্ৰসেন প্ৰতিমুক্ষে কুৰিখান ৰথ।
শোকে দুঃখে চলি ভৈল কৃষ্ণৰ ৰাজ্যত ॥১২০
দৈত্যে বোলে পাণ্ডু পুত্ৰে এড়িলে আমাক।
কিনো বিপৰ্য্যয় দিলা পাণ্ডুৰ ৰাজাক ॥১২১
আন্তৰে পাঞ্চো ভাই যমুনা তীৰত।
কৃষ্ণ বৰ্ণ কৱচ পিন্ধিলা শৰীৰত ॥১২২
শৰ ভৰি টোন লৈলা পিঠিৰ উপৰে।
ডাৱৰ খৰগ ধনু লৈইলা বাম কৰে ॥১২৩
খুন মলিন বস্ত্ৰে ঢাকি সৰ্ব্ব গাৱ।
ভাঁড়ি দেখিলন্ত যেন বাঘৰ স্বভাৱ ॥১২৪
পূৰক সম্মুখে চলিলন্ত পাঞ্চ বীৰ।
দ্ৰৌপদী সহিতে চলিলন্ত ধীৰে ধীৰ ॥১২৫
পাঞ্চো ভাই চলি যান্ত প্ৰেতৰ আকাৰ।
বিবৰ্ণ বদন দুঃখ পাৱন্ত অপাৰ ॥১২৬

ঘাম বৃষ্টি সহি হস্তী যেন চলি যান্ত।
যমুনাৰ তীৰে পূৰস্কৰক চাহন্ত ॥১২৭
দশার্নৰ উপৰে দেখিলে পাঞ্চালৰ।
মাজে গৈল শুক্রনেমি শুৰ যে সেনৰ ॥১২৮
ব্যাধ বুলি বুলি দেশ অনেক এড়াইলা।
অনন্তৰে বিৰাট ৰাজাৰ ৰাজ্য পাইলা ॥১২৯
দ্রৌপদী বোলন্ত আজি বঞ্চিয়োক আতে।
বিশ্রাম কৰিয়া কালি চলিবো প্রভাতে ॥১৩০
অল্প অল্প পথক্ষেত্রে দেখাৰো প্রচুৰ।
জানিলৰো মতস্য নৃপতিৰ ৰাজ্য দূৰ ॥১৩১
অর্জ্জুনক চাই ৰাজা বুলিলন্ত বানি।
বোকা কৰি দ্রৌপদীক বহিৰো আপুনি ॥১৩২
চলিবাক নোৱাৰন্ত দাৰুণ দুখত।
বন এড়ি থাকো গৈয়া জনৰ মধ্যত ॥১৩৩
ৰাজাৰ বচনে ধনঞ্জয় মহাবলী।
দ্রৌপদীক তেখনে বোকাত লৈলা তুলি ॥১৩৪
বন এড়ি নগৰৰ সমীপক গৈলা।
দ্রৌপদীক তহিতে বোকাৰ নমাই থৈলা ॥১৩৫
যুধিষ্ঠিৰে বোলন্ত শুনিয়ো ধনঞ্জয়।
ধনুসৰ কি কৰিবো কহিয়ো নিশ্চয় ॥১৩৬

এহি কথা খানি লোকে মনত শঙ্কিব।
যত আলচিলো কিছু কিছু নিসিজিব ॥১৩৭
বিশেষত তোমাৰ গাণ্ডীব ধনুৰাজ।
আক কি চিনন্তা নাই তিনি লোক মাজ ॥১৩৮
ধনু দেখি তোমাক চিনিবে সাঙ্গেপাঙ্গে।
মুগুচিবে দুখ দুনাই পৰিবো বিপাঙ্গে ॥১৩৯
অৰ্জ্জুনে বোলন্ত ৰাজা এড়িৰো সংশয়।
দেখিয়ো সমীধ বৃক্ষ গগণে লঙ্ঘয় ॥১৪০
মৰা গৰু মানুষ পেলাৱে সেহি থানে।
শ্মশান বুলিয়া আক নাসে একো জনে ॥১৪১
উঠিতে নপাৰে কেহো বৰ বৰ ডাল।
ডালৰ তলত নিতিতয় একো কাল ॥১৪২
এহি শুনি গৈলা সবে শমীধৰ তল।
গাৱৰ কাড়িলা সবে আয়ুধ সকল ॥১৪৩
গুণ কাড়ি পাঞ্চো ধনু কৰি এক থান।
পাঞ্চ গোটা টোন পুৰি আছে দিব্যবান ॥১৪৪
পাঞ্চ থান খাণ্ডা থৈলা ডাৱে সমন্বিতে।
অস্ত্ৰ শস্ত্ৰ থৈলা মানে তাহাৰ মাজতে ॥১৪৫
গো চৰ্ম্মে বান্ধি তাক ঢাকি আবৰিল।
নকুলে প্ৰবন্ধ কৰি বৃক্ষত উঠিল ॥১৪৬

দৃঢ় কৰি বান্ধিলন্ত ডালৰ কোটৰে।
বৃষ্টিত নিতিতৈতে যেন থৈলা আড়ম্বৰে ॥১৪৭
মৃতক যে সব বুলি ডালে বান্ধি থৈলা।
বৃক্ষৰ নামিয়া শ্মশানৰ বাজ ভৈলা ॥১৪৮
গৰু ৰথা ছাগ ৰথা যাক লাগ পান্ত।
শোকে দুঃখে সবাহান্তে কহি কহি যান্ত ॥১৪৯
মৰিল আমাৰ মাতা আশী যে বৎসৰ।
ডালে নিয়া বান্ধি থৈলো শমীধ বৃক্ষৰ ॥১৫০
আমাৰ দেশৰ কুল ধৰ্ম্ম এহি নয়।
হেন শুনি তোৰ ৰাজ্যে নুহিবি বিস্ময় ॥১৫১
ধন্দনে দেশৰ ধৰ্ম্ম যদি নৰ মৰে।
বৰিষেক বান্ধি থৱে বৃক্ষৰ উপৰে ॥১৫২
পাছে পুৰি ক্ৰিয়া কৰে প্ৰসিদ্ধি আছয়।
হেন জানি কেহো তাত নুহিবা বিস্ময় ॥১৫৩
পাছে নগৰিৰ সমীপক লাগি গৈলা।
পাঞ্চো ভাইৰ নাম পাছে গুপুত কৰিলা ॥১৫৪
যুধিষ্ঠিৰ জয়ন্ত অজয় ভীমসেন ॥
বিজয় অৰ্জ্জুন নকুল যে জয়সেন ॥১৫৫
জয়দ্বল সহদেব এহি পাঞ্চ নাম ॥
দুৰ্গতিৰ বেলাত সাধিব ইষ্ট কাম ॥১৫৬

নিশা গোট বঞ্চিলন্ত বাহিৰ গ্ৰামত।
নগৰক গৈলন্ত প্ৰভাত সময়ত ॥১৫৭
যেন ৰূপে আসিলন্ত এড়িলা সি বেশ।
আগ যুৰা বান্ধি পাছে বান্ধিলন্ত কেশ ॥১৫৮
শুক্ল পুষ্প তুলসী বান্ধিলা আগ কৰি।
দীৰ্ঘ তিলক শুক্লা ধুতিয়ে উত্তৰি ॥১৫৯
পাসৰ টোপোলা খানি লৈলন্ত কাখত।
একুচি পচোৰা খানি পিন্ধি ওপৰত ॥১৬০
সভা পাতি মত্‌স্য ৰাজা বসিয়া আছন্তে।
যুধিষ্ঠিৰ ৰাজাক দেখিলা প্ৰবেশন্তে ॥১৬১
নিচিনয় চন্দ্ৰ সূৰ্য্য মেঘে যেন ঢাকে।
অগ্নিকো নিচিনে যেন ভস্ম মাজে থাকে ॥১৬২
তপ্ত সুবৰ্ণৰ বৰ্ণ শৰীৰ জলয়।
চন্দ্ৰ সূৰ্য্য সমান জয়তি আতিশয় ১৬৩
সবাহাতে মৎস্য ৰাজা পুচয় সঙ্কেতে।
ই বিপ্ৰক দেখি আছা কোনেবা কহিতে ॥১৬৪
নোহন্ত ব্ৰাহ্মণ এহি মানো মই মনে।
এহে সাৰ্ব্বভৌম ৰাজা কহয় লক্ষণে ॥১৬৫
ৰথ ধ্বজ ঘোটক নাহিকে ধনুৰ্ব্বান।
তথাপিতো জলে এহে মহেন্দ্ৰ সমান ॥১৬৬

এতকতে যুধিষ্ঠিৰে পাইলন্ত সমীপ।
হাত তুলি বোলন্ত কল্যান হও নৃপ ॥১৬৭
দৰিদ্ৰ ব্ৰাহ্মণে আসি আছে তযু থান।
পালিবাহা মোক নকৰিবা অৱমান ॥১৬৮
এহি শুনি মৎস্য ৰাজা ভৈলা ৰঙ্গ মন।
সকলে কৰিবো হেন তোমাৰ বচন ॥১৬৯
পাদ্যঅৰ্ঘ আচমনি আসন দিলন্ত।
পাছে মৎস্য ৰাজা হাস্য কৰি পুছিলন্ত ॥১৭০
গোত্ৰনাম কহিৱো আছিলা কাৰ থান।
কিবা কৰ্ম্ম কৰিবাক জানা বিদ্যমান ॥১৭১
যুধিষ্ঠিৰে কহিলন্ত মৎস্যৰ আগত।
কঙ্ক হেন নাম মোৰ খ্যাত জগতত ॥১৭২
শ্ৰুতিৰ ব্ৰাহ্মণ মোৰ গোত্ৰ ব্যাঘ্ৰপদ।
যুধিষ্ঠিৰ ৰাজাৰ অছিলো সভাসদ।১৭৩
সাজিবাক জানৱো বিচিত্ৰ পাস বল।
পাস খেলিবাত আমি ববহি কুশল ॥১৭৪
বিৰাটে বোলন্ত আজি মোৰ বৰ ভাগ।
উত্তম পাসাল বহুকালে পাইলো লাগ ॥১৭৫
পাস খেলি সেবিবাহা নেদেখোহো ওগ।
মোৰ প্ৰিয় সখা হোৱা ভুঞ্জা সুখভোগ ॥১৭৬

তোমাকেসে সেবিবেক তোমাৰ লগৰি।
মই পবান্ধবে থাকিবোহো সেবা কৰি ॥২৭৭
যুধিষ্ঠিৰ বোলন্ত ৰাজাৰ জয় হোক।
এক বৰ দিবা লোকে নিনিন্দয় মোক ॥২৭৮
আৰু বৰ দিয়া পাসা খেলিবাৰ ধন।
কালিয় নকৰিবা দিবা তেতিক্ষণ ॥২৭৯
সমাজক শুনাই ৰাজা বুলিলা বচন।
কঙ্কৰ বিপ্ৰিয় কৰ্ম্ম কৰে যিবা জন ॥২৮০
ব্ৰাহ্মণকো নিকালিবো আনক কাটিবো।
যাৰ বাহুবৰ হুই তাকো সবে দিবো ॥২৮২
বাহিৰৰ ভিতৰৰ দিবো অধিকাৰ।
একো থানে নধৰিবো তোমাৰ দুৱাৰ ॥২৮২
পাছে সুপকাৰ ৰূপ ধৰি বৃকোদৰ।
সন্নহা কৱচ ধৰিলন্ত বাম কৰ ॥২৮৩
মাছ কটা খাণ্ডাখান ডাহিন হাতত।
কৃষ্ণবৰ্ণ বসন পিন্ধিলা শৰীৰত ॥২৮৪
ধীৰ ধীৰ কৰি ৰাজ সমাজক যান্তে।
বিৰাট নৃপতি দেখিলন্ত প্ৰবেশন্তে ॥২৮৫
সকল সমাজে দেখি কৰে কণাকণি।
বিহ্বল স্বভাৱে ৰাজা বুলিলন্ত বানি ॥২৮৬

কোন গোট আসে হেৰা আতি ৰূপৱন্ত।
যেন তম ভেদি সূৰ্য্য দহিয়া আসন্ত ॥১৮৭
কিবা গন্ধৰ্ব্বৰ ৰাজা কিবা পুৰন্দৰ।
শৰীৰ জলয় যেন গিৰি সম সৰ ॥১৮৮
সিংহৰ সমান কন্ধ নিচিনয় আঙ্ক।
সমাজে পসিয়া যোনো লগাৱয় ঢাঙ্ক ॥১৮৯
মনে মনে বোলে আৰ নুবুজিলো চিত্ত।
সকালে দিয়োক বীৰে যত খোজে বিত্ত ॥১৯০
তেখনে লৱৰি গৈলা ভীমৰ সমীপ।
ৰাজাৰ বচনে সবে বুলিলা ভীমক ॥১৯১
কোন বস্তু খোজা তুমি শীঘ্ৰে কহিয়োক।
সমস্তে দিবোহো তাক লৈয়া চলিয়োক ॥২৯২
তাসম্বাক কিঞ্চিতেকো নেদিয়া উত্তৰ।
নৃপতিক লাগিয়া বুলিলা বৃকোদৰ ॥২৯৩
জানিয়ো নৃপতি মই ভাল সুপকাৰ।
পুষিবাহা ৰাজা ভৈলো সেবক তোমাৰ ॥২৯৪
ৰাজা বোলে সেবক বুলিবো কেন মতে।
তুমি সুপকাৰ হেন নুৰুচে মনতে ॥২৯৫
তোৰ ৰূপগুণকান্তি বচনে গমনে।
চলে ইন্দ্ৰ আসি আছা হেন মানো মনে ॥২৯৬

ভীমেৰো বোলন্ত জয় হোক যে নৃপতি।
পাণ্ডবক জানা তুমি নাজানা সম্প্ৰতি ॥২৯৭
তাহান ঘৰত থাকি ৰান্ধি লৱো অন্ন।
দুগ্ধ আবটিলো আৰু ৰান্ধিলো ব্যঞ্জন ॥২৯৮
নামত বল্লভ মল্ল যুদ্ধত কুশলি।
খুজি লুৰি নাহি পাৱো মোৰ সম বলী ॥২৯৯
সিংহ বাঘ গজ সমে কৰৱো প্ৰহাৰ।
ৰান্ধিৱো অন্ন থাকিবন্ত তব ঘৰ ॥২০০
বিৰাট বোলয় মোৰ হোৱা সুপকাৰ।
ৰন্ধন শালাৰ তুমি হৈবা অধিকাৰ ॥২০১
মইতো জানোহো তব যোগ্য নোহে কাজ।
তুমি ৰাজা যোগ চাৰি সাগৰৰ মাজ ॥২০২
বৰ পাইয়া ভীমসেন বৰ লাসে গৈলা।
বিৰাট ৰাজাৰ আতিশয় প্ৰিয় ভৈলা ॥২০৩
অজ্ঞাত আছিল ৰাজা নজানিল আনে।
অনন্তৰে শুনিয়োক পাঞ্চালী পয়ানে ॥২০৪
খুল মলিন বস্ত্ৰ পিন্ধি একখানি।
সবে কেশ বান্ধিলন্ত এক গোটা বেণী ॥২০৫
দক্ষিণ কন্ধৰ মাজে হস্তক যে থৈলা।
ধীৰে ধীৰে নগৰিক লাগি চলি গৈলা ॥২০৬

শৈৰিন্ধ্ৰী * স্বৰূপে চলি যান্ত একাকিনী।
সচকিতে চাহে যেন বনৰ হৰিনী ॥২০৭
ভাল ৰূপ দেখি নগৰৰ নৰ নাৰী।
আঞ্জৰে পাঞ্জৰে যাই তাহাঙ্ক আবৰি ॥২০৮
কেহো উপহাস্যে পুছে কেহো মনে মানে।
কৈৰ হন্তে আসিলাহা যাহা কোন স্থানে ॥২০৯
কাহাৰ বহাৰী তুমি কাহাৰ জিয়াৰী।
তোমাৰ সমান ৰূপে নতু দেখো নাৰী ॥২১০
উত্তৰ নেদন্ত তৱ দুনাই দুনা পুছে।
ঝুমা ঝুমে নৰ নাৰী লগৰ নুগুচে ॥২১১
চক্ষুৰ লোটক ৰাখিলন্ত যত্ন কৰি।
উত্তৰ দিলন্ত পাছে লজ্জা পৰিহৰি ॥২১২
আমি দুখুনীৰ কেনে পুছহ কাহিনী।
যেয়ে অন্ন বস্ত্ৰ দেই ফুৰো তকে জানি ॥২১৩
আনো নানা কৰ্ম্ম মানে কিছুৱে নাজানে।
তাকে শিল্পীকৰ্ম্ম কৰো জানো যত মানে ॥২১৪
সেহি ৰূপ দেখি শুনি মধুৰ বচন।
এহে দাসী হেন নাজানিল একো জন ॥২১৫

---

* শৈৰিন্ধ্ৰী পৰবেশ্মস্থা স্বৱশা শিল্পকাৰিকা।

শৰীৰৰ ৰূপে যাৰ নগৰি প্ৰকাশে।
তেহে কি আসিল ভাত কাপৰৰ আশে ॥২১৬
বিৰাট মহিষী চড়ি আছয় মেঢ়ত।
দ্ৰৌপদীক দেখিল বাহিৰ দুৱাৰত ॥২১৭
আতি ৰূপবতী এক খানি বস্ত্ৰ গাৱে।
অধোমুখে চলি আসে গম্ভীৰ স্বভাৱে ॥২১৮
দূত পঠাই মতাই নিল আপোনাৰ থানে।
দ্ৰৌপদীত পুছিলন্ত মধুৰ বচনে ॥২১৯
কোথাহন্তে আসি আছা কিবা তব নাম।
মোহোৰ ৰাজ্যক আসি আছা কোন কাম ॥২২০
দ্ৰৌপদী বোলন্ত শুনা ৰাজপটেশ্বৰি।
সৈৰিন্ধ্ৰী আসিয়া আছো তোমাৰ নগৰি ॥২২১
যেই অন্ন বস্ত্ৰ দেই থাকো তাৰ থানে।
তাৰ শিল্পীকৰ্ম্ম কৰো জানো যত মানে ॥২২২
বিৰাট মহিষী হাসি হাসি বোলে বাণী।
কাণে নোসোমাই মাৰ তোহোৰ কাহিনী ॥২২৩
ত্ৰৈলোক্য মোহনি ৰূপ তুমি বোলা দাসী।
সুহিকয় দাসী এক ৰাজাৰ মহিষী ॥২২৪
হাতৰ ভৰিৰ গাছি একোৱে নমনি।
উৰুযুগ জৰঙ্গ কোমল বুলি জানি ॥২২৫

বৰ্ত্তুল কোমল ঘন পীন স্তন ভাৰ।
শোভন কুন্তল পীন নিতম্ব তোমাৰ ॥২২৬
ওঠ অধৰ তোৰ যেন বিম্ব ফল।
পূৰ্ণচন্দ্ৰ সম শোভে বদন মণ্ডল ॥২২৭
কম্বুগ্ৰীৱ গুঢ় শিৰ কৃশ মধ্য তনু।
মনে গুণোঁ ৰতসাতে ভাগি পৰে যেনো ॥২২৮
বত্ৰিশ লক্ষণ দেখো আছে তোৰ গাৱে।
তিনি গোটা গম্ভীৰ উন্নত ছয় ঠাৱে ॥২২৯
চাৰিখান হ্ৰস্ব সাতখান যে কোমল।
চাৰিখান দীৰ্ঘ তিনিখানত বহল ॥২৩০
পাঞ্চখান ৰক্তদেহা লক্ষণ সুচান্দ।
উৎপল সমান তোৰ শৰীৰৰ গন্ধ ॥২৩১
নীল উৎপল সম আয়ত লোচন।
ৰাজহংস সম যেন মধুৰ বচন ॥২৩২
পদ্মবন এড়ি কিবা লক্ষ্মী আসি আছা।
নোহা সেবকিনী মাৰ নোবোলস মিছা ॥২৩৩
দানৱ নাৰী কিংবা যক্ষৰ সুন্দৰী।
গন্ধৰ্ব্বৰ নাৰী কিংবা তুমি অপেশ্বৰী ॥২৩৪
আদিত্যৰ ছায়া কিবা চন্দ্ৰৰ ৰোহিনী।
বৰুণৰ সত্যবতী হৰৰ পাৰ্ব্বতী ॥২৩৫

বিৰাটৰ কথা গাই আছে যি থানত।
বহিলন্ত সহদেৱ তাৰ সমীপত ॥২৭৬
দূৰতে নৃপতি সহদেৱক দেখিল।
আথে বেথে ৰাজা দুৱাৰিক আদেশিল ॥২৭৭
আমাৰ সদৃশ এক ৰূপক বিশেষ।
মোৰ সমীপত আবে কৰায়ো প্ৰবেশ ॥২৭৮
দুৱাৰি লৱৰ দিয়া গৈল আথে বেথে।
তেতিক্ষণে প্ৰবেশ কৰাইলা সমাজতে ॥২৭৯
নৃপতি পুছিলা বাপু তোৰ কোন নাম।
কোন কৰ্ম্ম কৰহ তোমাৰ কোন গ্ৰাম ॥২৮০
সহদেৱে বোলন্ত শুনিয়ো মহীপাল।
যুধিষ্ঠিৰ নৃপতিৰ আছিলোঁ গোৱাল ॥২৮১
আঠ লক্ষ ধেনু আৰু চল্লিশ হাজাৰ।
একেবৰ্ণে আছিলেক পাণ্ডৱ ৰাজাৰ ॥২৮২
সেহি গৰু ৰাখিলেক য'তেক গোৱালে।
তাৰ অধিকাৰী হুয়া আছিলোহো পালে ॥২৮৩
যত প্ৰহৰৰ ঠাই যত গৰু থিত।
তাৰ গুণ গণ মোৰ নাহি অবিদিত ॥২৮৪
যে বৃষৰ মূত্ৰ গন্ধে বন্ধ্যা হোৱে জাত।
সিয়ো বৃষভক চিনো দৰশন মাত্ৰ ॥২৮৫

নৃপতি বোলন্ত তুমি ব্ৰাহ্মণ কুমাৰ।
ৰাজাৰ পুত্ৰৰ সম লক্ষণ তোমাৰ ॥২৮৬
গোৱাল বুলিতে মোৰ নধৰয় চিত।
তুমি বোলা ইও কৰ্ম্ম তোমাৰ উচিত ॥২৮৭
আমিও কৰিলো তোক গোৱালৰ মুক্ষ।
প্ৰথম বৰ্ণৰ ধেনু আছে একলক্ষ ॥২৮৮
সিয়ো ধেনু দিলো মই তোমাৰ হাতত।
সুখ ভোগ ভুঞ্জি থাকা মোহোৰ ৰাজ্যত ॥২৮৯
ইন্দ্ৰ প্ৰস্থে যেন সুখে আছিলা আপুনে।
তেন সুখ ভুঞ্জিয়া থাকিবো মোৰ স্থানে ॥২৯০
হেন শুনি সহদেব ভৈলা ৰঙ্গমন।
বিৰাটক সেবিয়া থাকিলা সেহি খান ॥২৯১
সহদেব বিৰাট ৰাজাত পাইলা বৰ।
কেহো নিচিনিলা থাকিলাহা বীৰবৰ ॥২৯২
অৰ্জ্জুনে ধৰিলা পাছে নপুংসক বেশ।
দিব্য ৰূপ চন্ন কৰি ভৈলন্ত প্ৰবেশ ॥২৯৩
বাহু ঢাকি পিন্ধিলন্ত শঙ্খ দুই মুঠি।
আগ গুৰি পিন্ধিলন্ত সোণাৰ আঙ্গুঠী ॥২৯৪
ৰূণ ঝুণ কৰি বাজে কুণ্ডল পিন্ধিল।
দীৰ্ঘ প্ৰচুৰ কেশে চিৰলী বান্ধিল ॥২৯৫

চেৰকো উৰ্দ্ধক কৰি বান্ধিলন্ত খোপা।
চত্তুৰ্ভিতি বান্ধিলন্ত ৰঙ্গাপাত ঝোপা ॥২৯৬
ৰঙ্গাল দুখানি বস্ত্র পিন্ধিলা গাৱত।
সুবৰ্ণৰ মেখলা বান্ধিলা কঙ্কালত ॥২৯৭
নূপুৰ যুগল শোভা কৰয় চৰণ।
চলি যাই বীৰ যেন প্ৰমত্ত বাৰণ ॥২৯৮
পদে পদে ভূমি কম্পি কম্পিলয়ে ঠাই।
সভা পাই ৰহিলন্ত নৃপতিক চাই ॥২৯৯
বিৰাট নৃপতি দেখি গুণে মনে মনে।
এনে ৰূপে মনুষ্য নাহিকে ত্রিভুবনে ॥৩০০
সিংহবন্ধ কটিস্কন্ধ পুৰুষ আকাৰ।
পিন্ধি আছে গাৱত তিৰিৰ অলঙ্কাৰ ॥৩০১
সমাজত পুছিলন্ত কোনে দেখি আছা।
কমন দেশৰ এহে কাহিয়োক সাঞ্চা ॥৩০২
নাহি দেখো বুলিলেক সকল সমাজে।
বিস্ময় স্বভাৱে বুলিলেক মৎস্যৰাজে ॥৩০৩
সত্য গুণে সম্পূৰ্ণ পুৰুষ মনোৰম।
শ্যামল সুন্দৰ সুধা মত্ত গজ সম ॥৩০৪
শঙ্খ বলয়া বেণী বসন কুণ্ডল।
আৱলি আপচু কৰি এড়িয়ো সকল ॥৩০৫

ৰত্নৰ মুকুট সমে বান্ধিয়োক কেশ।
বিচিত্র বসন পিন্ধা কবচ বিশেষ ॥৩০৬
বৃদ্ধ ভৈলো সুখ ভোগ নালাগে আমাক।
মোৰ নগৰিক পালি সুখে থাকিয়োক ॥৩০৭
অৰ্জ্জুনে ৰোলন্ত নৃপতিৰ জয় হোক।
ৰূপৰ কাহিনি মোৰ বাঢ়ি যাই শোক ॥৩০৮
গুৱামালী নুফুলে কি নুফলে মন্দাৰ।
নোহো নাৰী পুৰুষ লক্ষণ ৰূপে ভাৰ ॥৩০৯
পিতৃ মাতৃ নাই মই বৰ নিমাষিতি।
তোমাৰ থানক লাগি আসিলো সম্প্রতি ॥৩১০
নৃত্যত গীতত আমি বৰহি কুশলা।
নৃত্যৰ লক্ষণ জানো নাম বৃহন্নলা ॥৩১১
তোমাৰ দুহিতা আছে উত্তৰা কুমাৰী।
নৃত্য গীত তাহাঙ্ক শিখাইবো ভাল কৰি ॥৩১২
ৰাজাৰ অন্তেশ পুৰে নাছো সৰ্ব্বকাল।
পুত্র বা জিয় বা বুলি কৰা প্রতিপাল ॥৩১৩
বিৰাট বোলন্ত মোৰ শিখায়ো কুমাৰী।
তাৰা সখিগণকো শিখাইয়ো ভাল কৰি ॥৩১৪
তোমাক কৰাইয়ো কৰ্ম্ম নুৰুচয় চিত্ত।
সাগৰ সীমায়ে তব ৰাজ্যক উচিত ॥৩১৫

কুবেৰৰ ভদ্ৰা বশিষ্ঠৰ অৰুন্ধতী ॥২৩৬

তাৰা যেন পৰি আছা স্বৰ্গহন্তে খসি।
আছোক বুলিবো দাসী নোবোলো মানুষী ॥২৩৭

দ্ৰৌপদী বোলন্ত শুনা ৰাজ পটেশ্বৰী।
যতেক বুলিলা নোহো কাহাৰো সুন্দৰী ॥২৩৮

সৈৰিন্ধ্ৰী স্বৰূপে সেৱা কৰওঁ পৰত।
সত্য কথা কহিবোহো তোমাৰ আগত ॥২৩৯

কৃষ্ণৰ মানিনী সত্যভামা বুলি যাক।
তাহাঙ্ক সেবিলো তেহে জানন্ত আমাক ॥২৪০

পাঞ্চ পাণ্ডৱৰ ভাৰ্য্যা দ্ৰৌপদী সুন্দৰী।
বহু কাল তাহাঙ্ক আছিলো সেবা কৰি ॥২৪১

যত কাল মোক অন্ন বস্ত্ৰ দেই ভাল।
তাঙ্ক সেবা কৰিয়া থাকিবো চিৰকাল ॥২৪২

চন্দন পিসিতে জানো, কঙ্কিয়াইবো কেশ।
পঞ্চ বৰ্ণ বনমালা গান্থিবো বিশেষ ॥২৪৩

মোহোৰ মালিনী নাম থৈলন্ত আপোনে।
সেহি আইক হকৰাই আইলো জন্ম থানে ॥২৪৪

উচ্ছিষ্ট নিদিবা মোক ধুধুৱাইবা পাৱ।
পৰৰ ঘৰক লাগি নপঠাইবা মাৱ ॥২৪৫

৩

সুদেষ্ণা বদন্তি দ্রৌপদীৰ মুখ চাই।
গুপুত কৰিয়া মাৰ তোক দিবো ঠাই ॥২৪৬
উচ্ছিষ্ট নখাইবা তুমি নুধুৱাইবা ভৰি।
পৰ থানে নপঠাইবো অধিকাৰি কৰি ॥২৪৭
এহি ৰূপে গুণে তই থাক মোৰ ঘৰে।
দিনে দিনে তোমাক দেখিবে নৰেশ্বৰে ॥২৪৮
ৰূপ দেখি ভোল হুয়া পাতিবে মহিষী।
পাছে যেন হওঁ আমি তোমাৰেসে দাসী ॥২৪৯
মোক বেঢ়ি আছয় যতেক তিৰিলোক।
ৰূপ দেখি ঊৰ্দ্ধমুখে চাই আছে তোক ॥২৫০
তিৰি ভোল ভৈল দেখি ৰূপ সুললিত।
ইকি ৰূপ দেখিয়া পুৰুষে ধৰে চিত্ত ॥২৫১
নোহোয় আৰামে আছে যত তৰুবৰ।
চম্পক কেতকী মালি যুটি নাগেশ্বৰ ॥ ২৫২
ৰূপ দেখি নম্ৰ ভাবে আছে সচকিত।
ইকি ৰূপ দেখিয়া পুৰুষে ধৰে চিত্ত ॥২৫৩
দেখিলন্ত পাণ্ডবৰ যজ্ঞৰ কালত।
লক্ষেক ৰাজাৰ পত্নী আসিল লগত ॥২৫৪
বদন জলয় যেন চন্দ্ৰৰ মণ্ডল।
শাৰি শাৰি হুয়া যেন ফুলিল কমল ॥২৫৫

তাসম্বাৰ ৰূপ দেখি থাকি থাকি চাই।
ৰূপ দেখি সূৰ্য্যোৰথ বাঢ়িয়া নাযাই ॥২৫৬
প্ৰত্যেকত কৰি প্ৰত্যেকৰ তেজ বলে।
তাসম্বাত কৰিয়া তোৰেসে ৰূপ জ্বলে ॥২৫৭
সত্যভামা প্ৰমুক্ষে কৃষ্ণৰ যত নাৰী।
তাসম্বাৰ গুণনাম বৰ্ণাইতেঁ নাপাৰি ॥২৫৮
কৃষ্ণৰ পত্নীৰ কথা কহিবওঁ কিক ॥
কিবা তাসম্বাৰ সম তুমিবা অধিক ॥২৫৯
সবাতো অধিক ৰূপে পাঞ্চাল নন্দিনী।
কমল বদনী সুশোভনী মধ্যাঙ্গিনী ॥২৬০
নক্ষত্ৰৰ মাজে যেন জলে চন্দ্ৰ কলা।
তেহো নোহে তোতোধিক সুকুমাৰি বালা ॥২৬১
যেনে মূঢ় নৰে মধুলোভে উঠে গাছে।
মধুকো নাপাৱে পৰি আসি মৰে পাছে ॥২৬২
শিল্পী কৰ্ম্ম আসে মঞি বাসা দিবো তোক।
বাসা পাইয়া মাৰ যোনো উচাদশ মোক ॥২৬৩
তোমাৰ কটাক্ষ দৃষ্টি পৰে যাৰ গাৱে।
কাম শৰে থাকিবেক বিহ্বল স্বভাৱে ॥২৬৪
নৃপতি তোমাক দেখিবেক নিত্যোনত।
স্বতন্ত্ৰ নৃপতি কেনে ধৰিবন্ত চিত্ত ॥২৬৫

পুত্ৰক আশায়ে গৰ্ভ ধৰন্ত কাঙ্কৰী।
সেই পুত্ৰ খুসি খাই কাঙ্কৰা যাই মৰি ॥২৬৬
তোকো বাসা দিবো যেবে নভোগে বসতি।
মোক লঙ্ঘিবাক পাৰে কাহাৰ শকতি ॥২৬৭
পাঞ্চোটা গন্ধৰ্ব্ব মোৰ পতি বলৱন্ত।
অদৃশ্য স্বৰূপে মোক সততে ৰাখন্ত ॥২৬৮
কাকণী বচনে মোক যাচে বহু বিত্ত।
জানিবাহা তথাপিতো নচলয় চিত্ত ॥২৬৯
যদি মূঢ়ে লোভে মোহে পৰশয় মোক।
সিয়ো ক্ষণি সিয়ো দেখিবেক পৰলোক ॥২৭০
সাগৰো শুখাই যদি মেৰুগিৰি লৰে।
চন্দ্ৰ সূৰ্য্য খসি আসি পৃথিবীত পৰে ॥২৭১
পৃথিবী উলটে বহ্নি হোৱয় শীতল।
তথাপি মোহোৰ চিত্ত নুহিব চঞ্চল ॥২৭২
মোৰ পাঞ্চ পতি পাঞ্চ গন্ধৰ্ব্ব কুমাৰ।
প্ৰস্তাবত তোমাক কৰিবে উপকাৰ ॥২৭৩
সুদেষ্ণা বোলন্ত তেবে থাকা মোৰ ঘৰ।
স্থান পায়া দ্ৰৌপদী বঞ্চিলা সাম্বৎসৰ ॥২৭৪
অনন্তৰে সহদেৱে গোপৰূপ ধৰি।
হাতে গোৱালৰ ডাঙ্গ পশিলা নগৰি ॥২৭৫

ৰাজা আদেশিলে ধনঞ্জয়ো গীত গাইল।
নাছন দেখাইলা বহু বিধ বাদ্য বাইল ॥৩১৬
বাদ্যৰ কোহলালে বহু বিধ নৃত্য গীতে।
নোহন্ত পুৰুষ হেন জানিলন্ত চিতে ॥৩১৭
তেবে পঠাইলন্ত ৰাজা অন্তেশ পুৰক।
অৰ্জ্জুনতে সমৰ্পিল কুমাৰীগণক ॥৩১৮
নৃত্য গীত শিখাইবেক তথাতে থাকন্ত।
মাতৃৰ গৰ্ভত যেন ভুনাই পসিলন্ত ॥৩১৯
উত্তৰাক আদি কৰি যত কন্যাগণ।
নিতে নিতে পূজে ধনঞ্জয়ৰ চৰণ ॥৩২০
একো জনে নিচিনিল আছিলা তহিতে।
দ্ৰৌপদী অৰ্জ্জুন ভীম তিনি সম্বন্ধিতে ॥৩২১
অনন্তৰে নকুলে চাবুক ধৰি হাতে।
অশ্ববন্ধ ৰূপ ধৰি প্ৰবেশ সভাতে ॥৩২২
শাৰি শাৰি ঘোড়া আছে ৰাজাৰ আগতে।
তাকে চাই ৰহিলন্ত ঘোড়া ওচৰতে ॥৩২৩
ঘোড়াৰ ওচৰে ৰাজা নকুলক দেখি।
সমাজত পুছিলন্ত থানিকে নাপেক্ষি ॥৩২৪
এগোটা সুন্দৰ নৰে চাহি ৰূপে হয়।
এহি হয় জ্ঞান জানৈ কহিলো নিশ্চয় ॥৩২৫

একেশ্বৰে আসি আছে আন নাই সঙ্গে।
যেন পুষ্প বনে লৈয়া আসিল অনঙ্গে ॥৩২৬
শীঘ্রে ডাকি আনো আতে পুছওঁ আপোনে।
কোথেৰ পুৰুষ ইটো আইল মোৰ থানে ॥৩২৭
ৰাজাৰ আদেশে বাৰে সমীপ চাপিল।
জয় হোক বুলি নৃপতিক আশংসিল ॥৩২৮
নকুলে বোলন্ত জয় হোক যে নৃপতি।
পাণ্ডৱক জানা তুমি নাজানা সম্প্রতি ॥৩২৯
তেহো দিয়া আছন্ত ঘোড়াৰ কৰ্ম্ম যত।
ঘোড়াৰ চিকিৎসা গুণ জ্ঞানওঁ সমস্ত ॥৩৩০
ঘোড়াৰ যতেক গুণ সম্বাৰিয়া ঘন।
ঘোড়াক দেখিলে জানো যাৰ যেন মন ॥৩৩১
ৰথৰ যতেক ঘোড়া ৰাহুত যতেক।
সবাকো শিখাইবো মই প্রত্যেকে প্রত্যেক ॥৩৩২
আৰু এক বাক্যে বোলো শুনা নৃপবৰ।
যেন ঠান হবে হয়চয় প্রয্যুত্তৰ ॥৩৩৩
অন্যত্র মনুষ্যে আৰ নজানয় ৰোগ।
যেন ঠান হয় কহিবাক লাগে ভোগ ॥৩৩৪
যাহাৰ প্রসাদে দুষ্ট নোহে শিশু ঘোড়।
নিছিনয় বৃদ্ধকো বেগবো নাহি যোড় ॥৩৩৫

সবে হয় গুণ জানো কহিবওঁ কিক।
সকলে চিকিৎসা জানো নামত গ্রন্থিক ॥৩৩৬
বিৰাটে বোলন্ত মোৰ যতেক বাহন।
ঘোড়া ৰক্ষা আছয় যতেক গুণগণ ॥৩৩৭
আজি হন্তে সবাতো কৰিয়া অধিকাৰ।
যেবে জানা এহি কৰ্ম্ম উচিত তোমাৰ ॥৩৩৮
যেতিক্ষণে তোমাসাক দেখিলো নয়নে।
ৰাজা যুধিষ্ঠিৰক দেখিলো মানো মনে ॥৩৩৯
হৰি হৰি যুধিষ্ঠিৰ কৈক লাগি গৈলা।
ইহেন সেবকে কোন নগৰ এৰিলা ॥৩৪০
সমাজত চায়া থাকে তব ভৃত্যগণ।
সেবকক এৰি কেনে সুখে আছা বন ॥৩৪১
জানিবা মোহোৰ ৰাজ্য পাণ্ডবৰ ৰাজ।
অচিন্তে থাকিয়ো বাপু আমাৰ সমাজ ॥৩৪২
এহিৰূপে পাঞ্চো ভাই বিৰাট নগৰে।
সুখে আছিলন্ত নিচিনিল একো নৰে ॥৩৪৩
দ্রৌপদীও যত্ন কৰি সুদেষ্ণাক সেৱে।
পাণ্ডবৰ পত্নী বুলি নিচিনিল কেৱে ॥৩৪৪
পাসা খেলি যুধিষ্ঠিৰে যত ধন পান্ত
চাৰি ভাইক কিছু কিছু কৰি বাঁটি দেন্ত ॥৩৪৫

নাচয় গাৱয় ধনঞ্জয়ে প্ৰান্ত বিত।
সবাহাঙ্কো যোগাৱন্ত কিঞ্চিত কি[illegible] ॥৩৪৬
ৰান্ধিবাৰ মৎস্য মাংস যতেক আগলে।
চাৰি ভাইক দেন্ত নিয়া বিকিবাৰ চলে ॥৩৪৭
ঘোড়া ভাল দেখিয়া প্ৰসাদ দেই নৃপে।
নকুলেও বণ্টা কৰি দেই সেই চিপে ॥৩৪৮
সহদেৱে দধিক যে বিকিয়া ফুৰন্ত।
চাৰি ভাইক যোগাৱন্ত কেহো নজানন্ত ॥৩৪৯
পাঞ্চো ভাইৰ দুখ দেখি দ্ৰুপদ নন্দনী।
সুখে দুখে আছিলন্ত কাল গুণি গুণি ॥৩৫০
দুৰ্য্যোধন পাপিষ্ঠক ভয়ে পাঞ্চো ভাই।
মাৱৰ গৰ্ভত যেন পশিল লুকাই ॥৩৫১
আপোনাৰ দুখক সবাৰো গাৱে সহে।
পাঞ্চালিৰ দুখে সবাহাৰে তনু দহে ॥৩৫২
অজ্ঞাত কালৰ যেবে মাস চাৰি গৈল।
মৎস্যৰাজ্যে ব্ৰাহ্মণৰ মহোৎসব হৈল ॥৩৫৩
নৰনাৰীগণে অলঙ্কাৰে সুমণ্ডিত।
পতাকা তোৰণ ধ্বজ দ্বাৰ সুশোভিত ॥৩৫৪
ব্ৰাহ্মণগণক ৰাজা কৰাইলা ভোজন।
দক্ষিণা দিলন্ত ৰত্ন সুবৰ্ণ কঙ্কন ॥৩৫৫